সেউজী পাতৰ কাহিনী

# সেউজী পাতৰ

বাস্না বৰুৱা

জার্ণাল এম্প'ৰিয়াম

পি, এন, চি, ৰোড

নলবাৰী—৭৮১৩৩৫

.......... .....

বাগিচাৰ কৰ্মচাৰী

আৰু

বনুৱা মতা-তিৰোতা বন্ধুসকললৈ—

যিসকলৰ সান্নিধ্যৰ সৌভাগ্য

ঘটিছিল।

## । আগকথা ।

এইখন উপন্যাসৰ কোনো কেন্দ্ৰীয় বিষয়বস্তু নাই, ইয়াৰ গাঁথনি দুৰ্বল : এনে অভিযোগ "সেউজী পাতৰ কাহিনী"ৰ বিৰুদ্ধে সবল। সেই অভিযোগ মোৰ চকুত সদায় ভিত্তিহীন হৈ আছে। আন পাঠকে উপন্যাসখনৰ ঐক্যসূত্ৰ আৱিষ্কাৰ কৰিব নোৱাৰাটোহে মোৰ বাবে বিস্ময়ৰ বিষয়।

উপন্যাসখনৰ আৰম্ভণিতে দেখা গৈছে যে এটা ইংৰাজ দম্পতী অসমৰ এখন চাহবাগানলৈ গৈ আছে। ঘটনাবৃত্তৰ পৰিবেশ আহিছে দুখে-ক্ষোভে নবেশ্বৰে গাঁৱৰ সমাজ ত্যাগ কৰাৰ পৰা। নবেশ্বৰে গাঁৱৰ সমাজৰপৰা চাহবাগানৰ সমাজলৈ মানসিকভাৱেও যাত্ৰা কৰিছে। কিন্তু চাহবাগানৰ সমাজৰ বন্ধনহীন জীৱনৰ প্ৰতিমূৰ্তি হিচাপে যিজনী ছোৱালী তাৰ সমুখত থিয় হৈছে. সেই ছনিয়াই আকৌ চাহবাগানৰ জীৱন নেওচা দি দূৰলৈ আঁতৰি গৈছে। অৱশেষত নবেশ্বৰো বিৰাগ-বিতৃষ্ণাত জৰ্জৰিত হৈ চাহবাগানৰ আশ্ৰয় এৰি যোগৰৱা এন্ধাৰত নিৰুদ্দেশ যাত্ৰা কৰিছে।

সেয়ে এক বিফল অন্বেষণৰ কাহিনী হিচাপেই "সেউজী পাতৰ কাহিনী"ৰ বিবেচনা কৰি চোৱাটো অসংগত নহয়। কিহৰ অন্বেষণ? এই বিষয়েও সন্দেহৰ অৱকাশ নাই যে পৰিচিত আৰু পৰম্পৰাগত জীৱনযাত্ৰাতকৈ অধিক সুখ, অধিক সুন্দৰ, অধিক সাৰ্থক জীৱনযাত্ৰাৰ সন্ধানেই উপন্যাসখনৰ মৰ্মবস্তু—

: "প্ৰথম দিনৰপৰা নবেশ্বৰে উপলব্ধি কৰিছে যে গাঁৱৰ সমাজৰপৰা লাইনৰ বস্তুবাৰ ৰীতি-নীতি সম্পূৰ্ণ বিপৰীত—গাঁৱৰ মানুহৰ দৰে সমাজৰ ভয়ত বাহিৰত স্বামী-স্ত্ৰীৰ সম্বন্ধ দেখুৱাই কুলি তিৰোতাই কাঁপোৰাৰ তাত নোযোৱে; মিছাকৈ ঢাকিবলৈ গোপন চেষ্টাও নকৰে।···বাগিচাৰ মানুহবোৰ চলি আছে আদিম মানুহৰ দৰে জীৱনৰ মূল ধৰ্মটোক আশ্ৰয় কৰি। পদে পদে পাপ-পুণ্যৰ বিচাৰ কৰি চলিবলৈ হলে জীৱনৰ মাধুৰ্য্যই.মৰহি যাব। সুখ সব আনন্দ উৎসৱ লৈয়েতো জীৱন—এইবোৰৰ, অস্বীকাৰ কেৱল দুৰ্বলতা নহয়—মৃত্যু।" (পৃঃ ১০০—১০১)

"কিন্তু দিন যাওঁতে—সেইবাৰতেই নিজৰ অজ্ঞাতসাৰেই দুনিয়াৰ কাষলৈ

তাৰ মন ব্যাকুল হৈ পৰিল; তাৰ সমুখত এক নতুন জীৱন উন্মীলিত হ'ল। গাঁৱৰ জীৱন বাম্বোনৰ জীৱন; পুৰণি নীতি-নিয়মে গাঁৱৰ জীৱনক গতানুগতিক ৰীতিত বন্দী কৰি থৈছে; জীৱনৰ সহজ আনন্দ সমাজৰ নিৰ্দয় শৃঙ্খলত প্ৰাণহীন। বাগিছাত কিন্তু প্ৰত্যেক নৰ-নাৰীৰে জীৱন বিচিত্ৰ, প্ৰত্যেকেই নিজৰ ৰুচি অভিৰুচি মতে জীৱন ধৰ্ম পালন কৰে। বহু দুখ-কষ্ট জয় কৰিও জীৱনৰ আনন্দ লাভ কৰিবলৈ বহুৱা সক্ষম হৈছে। বহুৱা নৰ-নাৰীৰ বাংচালী চকুমুখ, সহজ স্ফূৰ্তি, অকৃত্ৰিম আনন্দত নৰেশ্বৰ বিমুগ্ধ।" (পৃ: ২৬৭

সেউজীয়া চাহনিৰ সেউজীয়া বৰণ এই পৰিপূৰ্ণ, নিটোল আৰু মাদকতাময় জীৱনৰ প্ৰতীক।

: "বুঢ়া হোৱা সত্ত্বেও এই মানুহবোৰৰ দেহৰ উদ্দাম উত্তেজনাৰ কথা ভাবি সি ভবধ মানিছিল। বতাহ আৰু পোহৰৰ দৰে একমাত্ৰ ভালপোৱাই ইহঁতৰ জীৱন সেউজীয়া কৰি ৰাখিছে।" (পৃ: ১৫৪ )

* * *

"নীলাভ বৰণৰ দুপৰীয়াৰ আকাশ, তাৰ ছাঁ পৰি সেউজীয়া গছৰ যে এনে শোভা বৃদ্ধি হব পাৰে, তাৰ কল্পনাৰ অতীত আছিল। বগা, বগা, ক'লা সকলো বৰণৰ ভিতৰত সেউজীয়া বৰণত সি চুম্বকৰ আকৰ্ষণ উপলব্ধি কৰিলে। সেউজীয়া সৰ্ব ঋতুৰ বন্ধু; অপৰিবৰ্তনীয় তাৰ বৰ্ণ, কুলি ৰমণীৰ দৰে সকলোৰে লগত সেউজীয়াৰ আত্মীয়তা। সি ভাবিলে, পুৰণি পৃথিৱীখনক সেউজীয়াই নবীন শোভাৰে অসাধাৰণ কৰি ৰাখিছে। চাহগছৰ সেউজী সৌন্দৰ্য্যত অৱসাদ নাই—আছে সম্মোহন।" ( পৃ: ১৮৬

কিন্তু এই সেউজীয়া ৰঙৰ ওপৰত শৰাচ্ছাদনৰ দৰে অৱশেষত পৰিছে অন্ধকাৰৰ ক'লা ৰং:

"হাঁহি-ধেমালিৰ উৎস, যৌৱনৰ ক্ৰীড়াভূমি সেউজী বাগিছাৰ ওপৰত মাজৰাতিৰ নিশাই মৌনতাৰ ভাৰবীয়া চন্দ্ৰতাপ তৰি দিছিল। মৃত্যুৰ দৰে আন্ধাৰ নিশাৰ অন্ধকাৰৰ মাজেদি নতুন পোহৰৰ সন্ধানত নৰেশ্বৰে নিশব্দ যাত্ৰা কৰিলে।" ( পৃ: ৩১৭ )

এক অসফল অন্বেষণ—অধিক সুন্দৰ, অধিক সাৰ্থক জীৱনৰ বাবে এক আকুল কিন্তু অৱশেষত ব্যৰ্থ সন্ধান: "সেউজী পাতৰ কাহিনী"ৰ সেই ব্যৰ্থতাৰ